(১৮৩৬ চনৰ পৰা ১৮৫৭ চনলৈ অসমৰ বুৰঞ্জীৰ আধাৰত ৰচিত উপন্যাস)

# সাঁচিপাতৰ পুথি

ত্ৰৈলোক্য ভট্টাচাৰ্য্য



[ 'হে বিদেশী বন্ধু,' 'অৰুণোদয়' আৰু 'কলিযুগৰ কীৰ্ত্তি'
—এই তিনিখণ্ডত সম্পূৰ্ণ ]

সাহিত্য-প্ৰকাশ
গুৱাহাটী-৩

'Sachipatar Puthi' — A novel written by Sri Troilokya Bhattacharjya and published by Sahiya-Prakash, Tribune Buildings, Gauhati—781003

প্ৰকাশক :
সাহিত্য-প্ৰকাশ
ট্ৰিবিউন বিল্ডিংচ্
গুৱাহাটী—৭৮১০০৩

০ ০ ০

প্ৰথম প্ৰকাশ :
ছেপ্তেম্বৰ, ১৯৭৩ চন

দ্বিতীয় প্ৰকাশ :
আগষ্ট, ১৯৭৬ চন

০ ০ ০

দাম :
কেচাবন্ধা : ৬'৫০ টকা
পকাবন্ধা : ৮'৫০ টকা

: : :

মুদ্ৰক :
ট্ৰিবিউন প্ৰেছ
গুৱাহাটী—৭৮১০০৩

# উচৰ্গা

*

* *

'অতীতৰপৰা বৰ্তমানলৈ জাতীয় জীৱনৰ দুৰ্যোগৰ সন্ধিক্ষণত অসম আৰু অসমীয়া জাতিক জীয়াই ৰখোৱাৰ চেষ্টা কৰা সকলোৰে স্মৃতিত—'

লিখক

* *

*

## প্ৰকাশকৰ এষাৰ

নতুন লিখকৰ লিখনিয়ে পোহৰৰ মুখ দেখিবলৈ বৰ কষ্ট কৰিব লগা হয় আনকি কেতিয়াবা উচ্চপৰ্য্যায়ৰ সৃষ্টিও প্ৰকাশৰ বাট নেপাই লেৰেলি যায়। এনেয়ে অসমীয়া প্ৰকাশকৰ অৱস্থা শোচনীয়—প্ৰবীণ লিখকৰ এখন উপন্যাস তিনি হেজাৰখন ছপাই বিক্ৰী কৰোতে লাগে অতি কমেও পাঁচ বছৰ। গতিকে ন লিখকৰ কিতাপ প্ৰকাশ কৰিবলৈ লোৱাটো প্ৰকাশকৰ বাবে মৰসাহসহে হয়। তেনে মৰসাহস কৰিয়েই ব্যৱসায়িক দিশৰ কথা বাদ দি আমি সদৌ অসম ভিত্তিত নতুন লিখকৰ সন্ধানত এখনি উপন্যাস প্ৰতিযোগিতা পাতিছিলোঁ। প্ৰতিযোগিতাত প্ৰায় ১৬০ জন ন লিখকৰ উপন্যাসৰ পাণ্ডুলিপি পোৱা হৈছিল—যিটো সঁচাকৈয়ে অসমীয়া উপন্যাসৰ বাবে শুভ লক্ষণ। সেই উপন্যাসবোৰৰ পৰা উপন্যাস বাছনি কমিটীয়ে তিনিখন উপন্যাস বাছি উলিয়ায়। প্ৰথম স্থান লাভ কৰে তেজপুৰৰ শ্ৰীত্ৰৈলোক্য ভট্টাচাৰ্য্যৰ—'সাঁচিপাতৰ পুথি'য়ে। দ্বিতীয় স্থান লাভ কৰে ডিব্ৰুগড়ৰ শ্ৰীবসন্ত দাসৰ—'জংছন'এ আৰু তৃতীয় স্থান অধিকাৰ কৰে গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছাত্ৰ শ্ৰীভূপেন শৰ্মাৰ—'উড্ডীন উত্তৰীয়'ই।

সাহিত্য-প্ৰকাশ
গুৱাহাটী—৭৮১০০৩

# হে বিদেশী বন্ধু

তেইশ মার্চ। ওঠৰশ ছয়ত্রিশ চন। এখন মাৰ নাও আহি এটা ঘাটত লাগিল।

ঘাটটো সৰু। মানুহৰ বসতিস্থানৰপৰা দূৰত। সমুখত এডৰা বহল বালিৰ সাগৰ। নৈখনে বাৰিষা বালিৰ চট পেলাইছিল। শুকান ইকৰা আৰু খাগৰি, মৰহি যোৱা কঁহুৱা ফুল আৰু ঝাওবনৰ ঠাৰিবে ঘাটটোৰ এছোৱা উপচি আছে। ডাল আৰু পাতেৰে সৈতে বালিত পোত গৈ থকা কেইডালমান ডাঙৰ ডাঙৰ গছৰ কাষেৰে পাৰলৈ যোৱা বাটটো। দূৰৰ হাবিডৰাৰ কাষে কাষে নদীখনৰ ভাঁজটোত মাছমৰীয়াবিলাকৰ সৰু সৰু এশাৰী জুপুৰি। ঘাটৰপৰা দেখি থকা ঘৰকেইটাৰ সমুখত তৰি থোৱা আছে এখন ডাঙৰ জাল। এটা ঘৰৰ সমুখত আছে দুখনমান পুৰণা নাও। নতুন নাও সাজিবৰ কাৰণে পেলাই থোৱা কাঠৰ টুকুৰা এটাৰ ওপৰত বহি এটা মানুহে এখন সৰু জাল গুঁথিছে।

মকৰাজালৰ দৰে আঁৰি থোৱা জালখনলৈ লক্ষ্য কৰি বালিৰ ওপৰে ওপৰে চকুৰ আন্দাজত যাত্ৰীবিলাক অহা-যোৱা কৰে। বাৰিষা পানী উঠাৰ লগে লগে ঘাটটো সজনি হয়। এসময়ত পানী গৈ পায়গৈ হাবিডৰাৰ কাষ। সৰু সৰু টিলাকেইটাত ঠেকা খাই উপচি পৰে পানী।

লাহে লাহে সুঁতি সলাইছে নৈখনে। এইটো পাৰলৈ আওৰাই আহিছে ক্ৰমাৎ। সিটো পাৰত পেলাই আহিছে বালিৰ চট। ক'লা সাকৰা গলসত ঝাওবনৰ সৰু সৰু পুলিবিলাক বাৰিষা গজি উঠে। বলাৰপৰা সেউজীয়া হয়। এসময়ত বালিডৰা এখন ঝাওবনৰ পথাৰলৈ সজনি হয়।